# অর্পণা।

শ্রীজগতচন্দ্র শইকীয়া প্রণীত

আৰু

প্ৰকাশিত।

মূদৈজান, ( যোৰহাট ) ১৯২৮।

প্ৰথম তাঙ্গৰণ।

যোৰহাটৰ

দৰ্পণ প্ৰেচত

শ্ৰীটুনিৰাম শৰ্ম্মা বৰুৱাৰ দ্বাৰা ছপা কৰা হ'ল।

বেচ ।৵০ ছয় অনা মাথোন।

# উছৰ্গা।

মোৰ ক্ষুদ্ৰ হিয়াৰ এই অকণিমান কিতাপখনিক
পিতৃতুল্য ককাইদেৱ শ্ৰীযুক্ত ভকতচৰণ
শইকীয়াৰ আৰু মাতৃসমা পূজনীয়া নবৌ
শ্ৰীযুক্তা পুৰন্দৰী শইকীয়ানীৰ
কমল চৰণত অৰ্পণ
কৰিলোঁ।

ইতি—

সেৱক,
"জগত"

# উপহাৰ পিটি।

This little book "**Arpana**" is dedicated with due respect as an humble presentation to the Assam Chutiya Conference.

Author.
Mudoijan
11-5-28.

# কেই আষাৰমান কবলগীয়া।

ৰচক তেনেই অভঁজা আৰু লৰামতীয়া বাবে এই কিতাপখনিত ভাষাগম, বর্ণাগমাদি নানা খুঁত মাজে মাজে আছে বুলি মনে ধৰে। তাৰ উপৰিও, পৰি-পাটিকৈ চাব নোৱাৰাত বর্ণাশুদ্ধি দোষটিও ঠায়ে ঠায়ে ৰৈ গল। ৰচক অনেক গুণনি-চিতনিৰ হেঁচাত পৰিহে এই কামত হাত দিবলৈ আগ বাঢ়িল। কিতাপ-খনিয়ে যে পঢ়োঁতাসকলৰ মন ৰঞ্জন কৰিব নাইবা সাহিত্যৰ অবয়ৱকে কোনো গুণে বৃদ্ধি কৰিব, এনে কথা ৰচকৰ পেটেচিত্তেও নাই। কেইজনমান উৎসাহী লোকৰ উদগণিত এই অর্পণাক অতি সোনকালে ৰাই-জৰ আগলৈ উলিয়াই দিলোঁ। সেই কেইজনৰ ভিতৰত বন্দনীয় আত্মগুৰু শ্রীযুত আদিৰাম শইকীয়া আৰু মাননীয় শ্রীযুত চনিৰাম দোলাকাষৰীয়াই প্রথম। তেখেতসক-লৰ্লৈ অশেষ শ্রদ্ধা আৰু ভক্তি জনাই থলোঁ।

কিতাপখনি উলিয়াবলৈ ধৰোঁতে মই দুজন লোকৰ-পৰা বেচ সহায় পালোঁ। শ্রীত পূর্ণানন্দ শইকীয়াই

কিতাপখনি হাতে লিখা অৱস্থাতে এবাৰ চকু ফুৰাই দিছিল। আকৌ শ্ৰীযুত দ্ৰোণেশ্বৰ বৰাই কিতাপখনি ছপাত থাকোঁতে বিশেষ তদাৰক লৈছিল। তাৰ বাবেও দুয়োলৈকে কৃতজ্ঞতাৰ শৰাই আগ বঢ়ালোঁ।

সৰ্ব্বশেষত কবলগীয়া এই যে, মোৰ সমনীয়া বন্ধু শ্ৰীযুত দ্ৰোণেশ্বৰ বৰা, শ্ৰীযুত চন্দ্ৰকান্ত শইকীয়া, ইয়াৰ উপৰিও শ্ৰীযুত আদিৰাম শইকীয়া আৰু শ্ৰীযুত চনিৰাম দোলাকাষৰীয়া আকৌ শ্ৰীযুত যোগানন্দ বৰা, শ্ৰীযুত পুনাৰাম শইকীয়া দদাইদেৱ, শ্ৰীযুত উমেশচন্দ্ৰ বৰা, আৰু শ্ৰীযুত বিদ্যাধৰ ফুকনৰপৰা অৰ্থৰ সাহায্য পোৱাতহে এই কিতাপখনি ছপাবলৈ সাহ কৰিব পাৰিলোঁ। সেইবাবে উপৰোক্ত লোকসকললৈ নথৈ ধন্যবাদ জনাইছোঁ আৰু তেখেতসকলৰ ওচৰত মই চিৰঋণী হৈ থাকিলোঁ।

ৰাইজৰ আদৰ "অৰ্পণাই" পাব বুলি বাট চালোঁ। আশ্বাসপূৰ্ণ উৎসাহ ৰাইজৰপৰা পালে দ্বিতীয়বাৰ ছপাই পৰিবৰ্দ্ধিত আৰু সংশোধিত কৰিম বুলি মনত থলোঁ। ইতি।

মুদৈজান, ১১।৫।২৮ — বিনীত— শ্ৰীজগতচন্দ্ৰ শইকীয়া।

# সূচীপত্ৰ ।

কিতাপখনি হাতে লিখা অৱস্থাতে এবাৰ চকু ফুৰাই দিছিল। আকৌ শ্ৰীযুত দ্ৰোণেশ্বৰ বৰাই কিতাপখনি ছপাত থাকোঁতে বিশেষ তদাৰক লৈছিল। তাৰ বাবেও দুয়োলৈকে কৃতজ্ঞতাৰ শৰাই আগ বঢ়ালোঁ।

সৰ্ব্বশেষত কবলগীয়া এই যে, মোৰ সমনীয়া বন্ধু শ্ৰীযুত দ্ৰোণেশ্বৰ বৰা, শ্ৰীযুত চন্দ্ৰকান্ত শইকীয়া, ইয়াৰ উপৰিও শ্ৰীযুত আদিৰাম শইকীয়া আৰু শ্ৰীযুত চনিৰাম দোলাকাষৰীয়া আকৌ শ্ৰীযুত যোগানন্দ বৰা, শ্ৰীযুত পুনাৰাম শইকীয়া দদাইদেৱ, শ্ৰীযুত উমেশচন্দ্ৰ বৰা, আৰু শ্ৰীযুত বিদ্যাধৰ ফুকনৰপৰা অৰ্থৰ সাহায্য পোৱাতহে এই কিতাপখনি ছপাবলৈ সাহ কৰিব পাৰিলোঁ। সেইবাবে উপৰোক্ত লোকসকললৈ নথৈ ধন্যবাদ জনাইছোঁ আৰু তেখেতসকলৰ ওচৰত মই চিৰঋণী হৈ থাকিলোঁ।

ৰাইজৰ আদৰ "অৰ্পণাই" পাব বুলি বাট চালোঁ। আশ্বাসপূৰ্ণ উৎসাহ ৰাইজৰপৰা পালে দ্বিতীয়বাৰ ছপাই পৰিবৰ্দ্ধিত আৰু সংশোধিত কৰিম বুলি মনত থলোঁ। ইতি।

মুদৈজান, ১১।৫।২৮

বিনীত—
শ্ৰীজগতচন্দ্ৰ শইকীয়া।

# সূচীপত্ৰ।

# অর্পণ।

নিজান থলিত থকা গিৰিটিয়ে দেহি
সুৰঁৰিছে উদ্দেশ্য মহান্ ;
এটুপি চকুৰ লো দুই গালে বোৱা
সমাদৰে কৰিছে অৰ্পণ।
ধুনীয়া পাতেৰে সৌ মালতী মধাই
কাৰাবাক মনতে ধিয়াই ;
আগে ফুলা ফুল পাহি সৌৰভ বিশিষ্ট
অৰপিছে মূৰটি দোৱাঁই।
পানীৰ দেৱাল সাজি তাপস সাগৰ
নিনাদিত মন্ত্ৰ উচ্চাৰণে ;
মলয়াৰ অগ্নি জালি হুটিমান ঢউ
আহুঁতিছে উদ্দেশ্য পূৰণে।

জোনাইক মাজতে লই তাৰকা মণ্ডলী
ধীৰে চোৰাঁ গমন কৰিছে ;
বাটে পোৱা মেঘমালা আঁতৰাই গই
পশ্চিমত অৰ্পি উভতিছে।
কৰিছোঁ অৰ্পণ ময়ো ই ক্ষুদ্ৰ কণ্ঠৰ
সুৰহীন কঠুৱা বচন ;
নাই মোৰ পাদ্য অৰ্ঘ্য নিচেই নিচলা
তাকে যেন কৰিব গ্ৰহণ।

---

## সাৰথি ।

সংসাৰৰ সিপাৰৰ
লোকালোক কন্দৰৰ
বিষাদ ডাৱৰে আহি মাৰে ভুকুকনি ;
অন্তৰ অজলা মোৰ
কৰিছে বিলই ঘোৰ
ক্ৰমে ক্ৰমে দশোদিকে লাগে হেন্দোলনি ।

বিচ্ছেদ বায়ুয়ে পাই
যতবা আছিল ঠাই
চুকে কাণে কণাবোৰ দিলে ছটিয়াই ;
এটিও সুকঙ্গা নাই
কৰ্ম্ম-পথ চাবলই
( কিন্তু ) মতলীয়া মউপিয়া চকোৰ চৰাই ।
জ্যোৎস্নাৰ সুভগাকান্তি
মলিনাত পৰিণতি
উজ্জল তাৰকবৃন্দ বিৰস বদন ;
ধ্রুব মাত্র আশা-তৰা
আকাশ হৃদয় জলা
মুহূৰ্ত্তে মুহূৰ্ত্তে সিও হৈছে অদৰ্শন ।
যুঁজিছে জোনালী দেৱী
কৰি নানা অভিযন্ধি
তেনেকই মৰো নহৈ যুঁজিলোঁ বাগিলোঁ ;
[illegible] বিক্ষত অঙ্গে
তাপিত তাড়িত প্ৰাণে
দেহে-কেহে লাগি অন্তে বিসৰ্জ্জন দিলোঁ ।

নহওঁ সমৰ তৃষী
নহওঁ অমন্দকৰ্ম্মী
নহওঁ বা সপ্ত-সপ্তি কালিমা কালক ;
অলপ ধতুৰা মই
কিং কৰ্ত্তব্য বিমোৰ হই
ওলালোঁ সাৰথি লই আকৌ "অপৰ্ণাক"

---

## আচমনি ।

অমৰাৰ নিভৃত কোণত
উঠে আজি সম্মোহনী সুৰ,
তাৰে যেন এটি বোল উৰি
উপনীত মানৱৰ পুৰ ।
থউ-কি-বাথউ চউদিশ
উত্তেজিত সবাৰে পৰাণ,
আছে যাৰ যিবা ভক্তিভৰে
হাতে লই ধৰিছে যোগান ।

আদৰিছে অঞ্জলি প্ৰদানে
সম্ভাষিছে অমিয় বচন,
বাজে পেঁপা মুৰুলী মৃদঙ্গ
মুখৰিত বিশ্ব ভবন।
কুলিটিও পুলকে মগন
নতুন বেশেৰে আগমনি,
সুৰঞ্জিত নিকুঞ্জ পঁজাটি
কুমলিছে কাঠ হিয়াখনি।
বিহুৱাই মাৰি সুহুৰিটি
হৰি নিলে চিতনি ব্যথাৰ,
জুৰ হল ক্ষণ্‌তেক লই
উথলিল আবেগ হিয়াৰ।
চোঁৱা চোঁৱা পলাল কুঁৱলী
আঁতৰিল বায়ু লঠামূৰা,
মুকলি সাকলি যেনি চাওঁ
ৰং চং কাতি মনোহৰা।
[illegible]ন্দ্ৰমাৰে সুশোভিত
নই বিল পৰ্ব্বত গহ্বৰ,

অদর্শ তলত যেন আহি
পৰিছেহি মূৰ্ত্তি সুন্দৰৰ।
হৰ্ষান্বিত কৃষকৰ মন
সমাগম দেখি ডাৱৰৰ.
তাতে আকৌ ৰেথ কাৰ্মুকৰ
হব ‘ঢল’ জনালে খবৰ।
সুধিলেহি আহি কেতেকীয়ে
কাৰনো কেতেক কাম হল,
গণি পঢ়ি চাইচোঁন দেখোঁ
লুকালুকি খেলোতেই গল।
মৰণ দেশৰ ফালে মাথোঁ
চমুৱাই থ’লো এখোজেৰে,
থ’লে লিথি সিদেশৰ কবি
ভমকাফুলীয়া আখৰেৰে।
(কিন্তু) পাঙ্গিছোঁ মনতে এইবাৰ
মাতৃ সেৱাৰ থাপিম থাপনা,
আকলিম ক্ষুদ্র হিয়া ফেৰি
যথাশক্তি কৰোঁতে সাধনা।

(এতেকে ) দিয়া শক্তি শক্তি-প্ৰদায়িনী
ধীৰে আহাঁ মৰালগামিনী,
লোৱাঁ হেৰা সাদৰেৰে তুলি
অযোগ্যৰ দান আচমনি।

---

## বশিষ্ঠ।

বিশ্বাসৰ নিঝৰাত উটি বুৰি গই
কত শত সুদূৰৰ প্ৰেমিক ফকিৰে;
বিষম বিষয় মায়া একতীয়া কৰি
আওডালে অন্তৰাত্মা অতত্ব বোধেৰে।

তাহানি কালৰেপৰা পাৰ হ'ল কত যুগ
অদ্যাপিও নীতি প্ৰবাহিনী,
আজিও কতেক জন সাধনাত নিমগন
মনে লই পবিত্ৰ কাহিনী।

ইয়াতে বশিষ্ঠ মুনি আচৰিলে মহাব্ৰত,
পা[illegible]াই দিব্যপুৰী সেই তপ প্ৰভাৱত,

ৰই ৰই গল যাৰ কীৰ্ত্তি দেশ দেশান্তৰ,
আজিও চিনাকি তাৰ দিয়ে মূৰ্ত্তি বশিষ্ঠৰ।
ইয়াতেই অৱস্থিতা শিলা অৰুন্ধতী,
নিম্ন কুহৰত যাৰ বশিষ্ঠা মহতী।
ধ্যানাসনে বহি বহি মন্ত্ৰ জপিছিল,
কায়ক্লেশ অৱসানে নিৰ্ব্বান লভিল।
লভি হুয়ো অমৰত্ব আজিও অমৰ ৰাজ্যে,
কোলাত পত্নিক লই শোভিছে বশিষ্ঠদেৱে,
ভপৰ প্ৰতিভাৰাশি টিমিকি টিমিকি জ্বলে,
তাৰে জিলিঙ্গনি যেন পৰিছে অৱনীতলে।

সন্ধ্যা ললিতা কান্তা তিনি বাইভনী
বিৰাজিত অপূৰ্ব্ব মিলন,
সন্ধ্যাৰ কোলাতে বহি বশিষ্ঠ মুনিয়ে
কৰিছিল সন্ধ্যা উপাসন।
তিনি বাই-ভনী আৰু তৃণ তৰু
স্নেহ-চোঁচনীত আছে বান্ধ খায়,
ৰদৰ তাপত দুখ পাব বুলি
ৰাখিছে আবৰি গছ লতিকাই।

একে ধৰে খোল একে ধৰে তাল

খুঁটিতাল বাঁয় একে

নীৰব ৰাগিনী ধৰে বনদেৱী

পশু পক্ষী সৱে শুনে।

পথ-ভ্ৰান্ত পথিকৰ পৰিলে কাণত

দুখ-তাপ যতমানে মিলে সি সুৰত

আনন্দৰ প্ৰতিধ্বনি বাজেহি প্ৰাণত

মাৰ যাৰ খোজে সৱ উদাস ভাবত।

* * * *

ধন্য সতী অৰুন্ধতী ধন্য ঋষিবৰ

কৰিলা অসম মাক্ প্লাবিত পূণ্যেৰে

থাকেমানে চন্দ্ৰ সূৰ্য্য নীল গগণত

জ্বলিব যশস্যা-বন্তি পবিত্ৰ মন্দিৰে।

* * * *

উঠা অৰুন্ধতী উঠাহে বশিষ্ঠ

দিয়া [illegible]ক্ষা দীক্ষা অসমবাসীক,

সাধনা[illegible] মন্ত্ৰে কৰাঁহি দীক্ষিত

পূজোঁ সবে মিলি মাতৃকা দেৱীক।

প্ৰকৃতিৰ নিজম স্থানত
আছাঁ বহি যুগযুগান্তৰ
উঠাঁ এৰি মৌন যোগ ব্ৰত
দেখুউৱাঁ গৌৰৱ পূৰ্ব্বৰ ।
লগোৱাঁ থলক পুনু পবিত্ৰ তোয়ৰ
খহি যক ভাগি-ভূঁহি কলুষৰ গড়
শুনি সেই তোলপাৰ জগতৰ নৰে
ৰ লাগি চাই থক স্তম্ভিত চকুৰে ।
বিদেশৰপৰা মহা বহ্নি আহি
দেই পুৰি নিছে অসম বন
স্থমোৱাঁ স্থমোৱাঁ নকৰি পলম
চউৰে চোৱাই কাল হুতাশন ।

---

# মহান্

উদিল পুৱাতে ৰবি পূব আকাশত,
কৰিলে বিজয় যাত্ৰা সোণালী ৰথত ।
অস্তাচল কুটীৰত লওঁতে জিৰণি,
ৰিঙ্গিয়াই কই গল মহান্ জাননী ।

মৃগ বাহনত উঠি কুমুদীৰ নাথে,
ওলাই দিলেহি দেখা হাঁতীপটি মাজে,
মহান্ মহান্ বুলি কলে শুন্দুৰাই,
বিলাওঁতে কুমুদীক প্ৰণয় মধাই।
মৃদু সমীৰণে পাই শ্যাম মণ্ডপত
কৰিছে কুজন যত বিবিধ ছন্দত,
মহান্ মহান্ বুলি বিহগ-বিহগী ;
দিলেহি সি বাতৰিটি গুপুত কাণেদি ।
তিৰ্ বিৰ কৰি থকা তৰাবোৰে ক'লে,
মহান্ মহান্ তেওঁ ই বিশ্ব মণ্ডলে ।
যি জনে স্ৰজিলে সসাগৰা বসুন্ধৰা,
জোক-পোক বালিচাহি পৰুৱা-পিপৰা,
শুক পক্ষী হালধীয়া যিজনে কৰিলে,
ময়ূৰৰ পাখীযুৰি ফুলাম কৰিলে,
তেৱেঁই গুণৰ নিধি মহান্ গম্ভীৰ,
অচপল অকপট সুঠাম সুধীৰ,
মহান্ সুন্দৰ তেওঁ জেউতি মহান্,
অক্লান্ত অমৃতপীয়ু মঙ্গল নিদান ।

---

# নাহে।

(যেন) পাপ ত্রাসে অংশুমালী সাগৰত ডুব দিলে
গহীন নিস্তব্ধ নৈশ অন্ধকাৰে আবৰিলে,
অস্তমিত ৰবিদেৱে কই গল নাহে নাহে,
দিবসৰ অন্ত হল কেতিয়াও ঘূৰি নাহে।
সুগন্ধি কুসুম পাহি লেৰেলি শুকাই গল,
ঠেক কান্তিহীন হই ধূলিত মিহলি হল,
অনাদৃত অৱস্থাতে থাকিব মাটিতে পৰি,
নুফুলে নোশোভে আৰু কেতিয়াও নাহে ঘূৰি
কুলু কুলু সুৰে বোৱা যতেক তটিনী মানে,
সাগৰক লক্ষ্য কৰি ঈশ গান ধৰি মনে,
নুভূলি কৰ্ত্তব্য পথ ঢউ খেলি নাচি-পাৰি,
পয়োনিধি মাজে মাৰ গ'ল আৰু নাহে ঘূৰি।
ইদৰেই যত মানে আছে প্ৰাণী মৰতত,
উপজি দুদিন পাচে মৃত্যু বিৰিখৰ ছাঁত,
আটায়ে জিবণি লয়, অনন্ত কালক ধৰি,
বিচিত্ৰ বিধান এই কেতিয়াও নাহে ঘূৰি।

দেহা-বহা এৰি থৈ জীৱ-পক্ষী উৰি যায়,
শৰীৰৰ পঞ্চভূত যথা স্থানে মিল হয়,
মাটিৰেই সজা বহা থাকিব মাটিতে পৰি,
দিলেওবা কোটী টকা প্ৰাণ-পক্ষী নাহে ঘূৰি ।
প্ৰভাতৰ সুবাসিত মলয়াৰ আবাহন,
পতি-প্ৰাণা ৰমনীৰ মউসনা সম্বিধান,
দীপক সুৰত গোৱা গীতৰ ললিত লয়,
নাবাজে কাণত নাহে কদাপিও ঘূৰি অ'ই ।

---

## নীৰৱ-মন্ত্ৰ ।

কলীয়া বৰণ পিন্ধি
যেতিয়া যামিনী দেবী
ধৰণী ঢাকেহি ;
তা[illegible] পাচে ধীৰে ধীৰে
সাজ নিশা সমাগতে
নীৰৱে কয়হি ।

কিয় হেৰা নৰগণ
টোপনিত অচেতন
কৰ্ত্তব্য পাহৰি :
সময় তাকৰ অতি
বহুদূৰ আছে গতি
( নকৰঁা ) জীৱন আহৰি।
আলস্যক কাতি কৰি
সাহক সাৰথি ধৰি
ভুগুণি ভাগ্যক ;
কৰ্ত্তব্য-ৰথত চলঁা
( কৰি ) আনন্দৰ মহামেলা
( তেহে ) লভিবাঁ সুখক।

## আশা ।

উষাৰ বাঙ্গলী ছবি দেখিলে পূবত
বন্‌জিত গা সূকযৰ ;
আলেগতে ওলাই আহে মাৰি সহাঁৰিটি
চুমা দিওঁ বুলি মৰমৰ ।
ক্ষন্তেক মিলনে দুয়ো লাজুকী উষাই
অধোমুখে পেলায় ওৰনি ;
কৰ্ত্তব্যৰ পাচে লৰে সূৰুয কোৰ্‌বো
বিমৰষে মাগিলে মেলানি ।
ঠাৰ-চিয়াঁৰেৰে কলে যেন পুনু হয়
মাধুৰী মিলন এই আশ,
লাহে লাহে আঁতৰিল কই এই দৰে
মনে ভাবি উষাৰ বিকাশ ।
সেই যে বিকাশ ময়ো কৰিছোঁ খাটনি
পেলোৱাহি এছাটি কিৰণ,
জিলিকক কৰ্ত্তব্যৰ ঘোপমৰা পথ
খপিয়াই হওঁ আগুৱান ।

অন্তৰ পথাৰে কলোঁ সৌন্দৰ্য্যৰ পুলি
কিন্তু মোৰ হিয়া চেচুকীয়া,
ধৰোঁৱাহি ঠন্ তুমি বিতৰি পোহৰ
হওঁতেই কোমল-পতীয়া।
হোৱাঁহি বিকাশ তুমি কৰ্ম্মৰ বিধাত্ৰী
ভাল পাওঁ মই যে তোমাক,
হোৱাঁ যেন চিৰদিন বাঞ্ছিত লগৰী
কৰমৰ দিবলৈ আভাষ।

---

## বিচ্ছেদ-লহৰী।

কিয় আজি প্ৰাণ মোৰ সঘনে কম্পিত
কিয়বা নেত্ৰৰ নীৰে দুগাল তিয়াইছে,
কিয় শুনো কৰবাৰ দূৰ দূৰণিত
বিচ্ছেদৰ শোক ধ্বনি ৰিণিকি বাজিছে।
কিয়বা সানিছোঁ মুখে বিষাদৰ চূণ
কিয়বা ঢিমিকি জ্বলে জ্ঞানৰ সলিতা,

কিয় চূর্ণ হব খোজে হৃদয়ৰ ধন,
ক্রমে ক্রমে মেঘাবৃত জীৱন সবিতা।
কিয় থোকাথুকি মাত নিশ্বাস ঘনাই,
কিয় মোৰ আশা-তৰা মলিন বদন,
কিয়বা শান্তিৰ বশ্মি নপশে ইঠাই,
জানিছোঁ নিতান্ত মই মাতৃ অবিহন।

---

## নিলগনি।

প্রভাতী সুৰত দহিকতৰাই
প্রভাতী দেৱীৰ সম্ভাষা জনায়;
শুনি যেন তাত ঝিণিকি ঝিণিকি
বিষাদ ৰাগিণী বাজে;
কুলিয়ে মাতিছে কুউ কৰি মাত
পৰি নিকুঞ্জত উদাৰ ভাবত,
শুনি যেন সেই মোহন তানটো,
করুণ বিননি বাজে।

অতীত বাতৰি অৰূপ বিশ্বৰ
গাইছে সলিলা নেভাবি ভাগৰ,
পাষাণ হৃদয় কোমলোৱা গানে
বাউল উৰুমি নাদে ;
প্ৰণয়-সূত্ৰ ছিগি অ'ই পৰিছে,
নীৰৱ-স্তৱত থুনুৰাই বাজিছে,
মলিনা বদনা লতা কুঞ্জ মালা
আমনে জিমনে কান্দে।
ধ্বনিত মঞ্জিৰা নিটাল হইছে,
চেনিয়ে মেলানি উচুপি জনাইছে,
গুপুত ভাবাৰে হৃদয়ৰ বেথা
মঙ্গল আশীষ দানে ;
গধূলিগোপালে কবি ফুলনীত
এবেহা পুষ্প গোটাই কৰণীত,
নৱ গাঁথনিৰে দিছে প্ৰীতিমালা
পথালি অশ্ৰু নয়নে।
যোৱাঁ সবে মিলি মাতৃকা দেৱীৰ
কৰ্ম্ম আঁচলেৰে মচা নেত্ৰ নীৰ,

তৰ মুখলই অতি হেঁপাহেৰে
একেথিৰে আছে চায় ;
তোমাৰ জননী ইন্দু নিভাননী,
কিন্তু আজি হাঁয় বিৰলা ভাষিণী,
লুপ্ত গৰিমা পুত্ৰহাৰা হই
শোকত বিহ্বলা প্ৰায়।

সাহিত্য বনত নাই হেমকান্তি
নাই আনন্দৰ মধুৰ মূৰুতি,
নাই মাণিকৰ হিৰণ কিৰণ,
মাতৃমুখ উজলোৱা ;
নাই পূৰ্ণানন্দ বীৰৰ সন্তান,
মাতৃসেৱা-মুগ্ধ লাচিত ফুকন,
সাধনী ৰমণী নাই জয়মতী,
স্বামীহকে প্ৰাণ দিয়া।

দুখুনী আইৰ বুকৰ ধন,
শীতল কৰাগই তাপিত মন,
হই কৰ্ম্মক্ষেত্ৰে পূৰ্ণ-হেমানন্দ,
মাণিক লাচিত বীৰ ;

পূর্ব্ব স্মৃতিমন্ত্রে দীক্ষিত হোৱাঁ
ককালত বান্ধি টঙ্গালী লোৱাঁ
নামানি বিঘিনি নামানি অপ
পূজঁা পদ জননীৰ।

---

## ৰসন্ত।

শীতৰ পাচতে আহিছে বসন্ত
উলহ-মালহ কই,
লগুৱা লিকচৌ লিগিৰী পোহাৰী
নানান যোগান লই।
তৰহে তৰহে নানা বৰণৰ
পিন্ধি দিব্য আভৰণ,
ৰং ৰূপহত লাহ বিলাহত
বিভোৰ হইছে মন।
জয় জয়তেই বিহগ কুলিয়ে
মঙ্গল উৰুলি জালি,

মৰত বাসীক দিলেহি জাননী
বসন্ত আহিছে বুলি।
পাই সি বাতৰি কেতেকী বাইয়ে
লগত সখীক লই ;
সম্ভাষা জনাই বসন্ত দেৱক
আদৰি আনিলে গই।
অৱনত শিৰে ভকতি জনায়
কুসুমিত তৰু বালা ;
ফুল ৰাণী সবে লচ্ পচ্ কই
পিন্ধায় পুষ্পৰ মালা।
প্ৰকৃতি দেৱীও আনন্দে মজিছে
হাতে বসন্তক পাই ;
উলহৰ মাদলী তুলহৰ বিয়া
কোনে আজি ৰং চায় ?
স্নিগ্ধ আভা মালা বাকি দিনমণি
শূইনত মাৰ গল ;
বিদায় সঙ্গীত জুৰিলে এনেতে
বসন্ত যাবৰ হল।

মানৱ মানৱী চৰাই চ্ৰকতি
জঁয় পৰে কুঞ্জ বন ;
বিষাদ ভাৱৰে আহি ক্ষন্তেকতে
ছাটিলে সবাৰে মন।
উকমি উকমি উঠিল ৰোল
বায়ুত হল মিহলি ;
অফুট কথাৰে কই পঠিয়ালে
আকউ আহিবাঁ বুলি।

---

## অন্ত।

ভাবৰ মহীৰে অঁকা মানস পটত,
সুখৰ প্ৰতিমাখনি কিবা চাৰু বেশ,
কিবা সৌন্দৰ্য্যৰ ৰেহৰূপ বিকশিত
কত কি যে ৰংচং নাই লেখ-জোখ।

মোহিনীৰ জিলমিল প্ৰতিবিম্ব পৰি,
সৌন্দৰ্য্যৰ জিলিকনি স'তে মিল হই,
মন চিত্ত, দুয়োটিকে বাথে বন্দী কৰি,
নিৰ্দ্দয় কালকো মোহে কিছু পৰলই।
চাই থাকোঁতেই আহি ধুমুহা এছাটি,
কেনিবাদি উৰুৱাই নিলে চিৰি-ফালি,
ধুমুহাতে অন্ত হল সুখৰ ছবিটি,
যেনেকৈ ডাৱৰত লুকাই বিজুলি।

---

## আগমনি।

পূবেদি ভুমুকি মাৰি উষাৰ সূৰুযে
প্ৰকৃতিৰ ধোৱাঁ-কোঁৱা নিলে আঁতৰাই,
আন্ধাৰ ঢাকনী গল যেন কেনিবাদি
কই গল বিভাবৰী 'বিদায়' 'বিদায়'.

নিমাত বিশ্বৰ বাঁহী বিণিকি বাজিল
নিফুট বাণীয়ে যেন নৱ জীৱ দিলে,
পৰাণীসকলে থই এলাহ নিহালি
নিজ নিজ কৰ্ত্তব্যক বুকে বান্ধি ল'লে।
বলিল মলয়া বায়ু ৰিব্ ৰিব্ কই
বুলায় চেঁচনি-হাত মেদিনী ওপৰে ;
লই আহি বোকোচাত গোন্ধৰ সঁফুৰা
মেলিলেহি নয়লাসে হৰ্ষিত অন্তৰে।
চিৰ বাসস্থান সেই কাম্য কাননত
সুগন্ধি পুষ্পিত নানা তৃণ তৰু মাজে ;
তালে তালে নাচি ফুৰা স্তবকে স্তবকে
বিহগৰ সুখ-গীতি পঞ্চমত বাজে।
বিৰহী পহুম পাহি বিলৰ মাজত
বিমৰষ ভাবে থকা প্ৰেমিক অন্তৰে
তৱ আগমনে চোৱাঁ কেনে প্ৰফুল্লিত
দাম্পত্য স্নেহত ভাহি নিজকে পাহৰে।
আঁবিলেহি চন্দ্ৰতাপ সোণালী বঙৰ
সংসাৰ সুখৰ বুলি দিলেহি খবৰ।

# শান্তিৰ বুকত।

অস্ত গলে দিনমণি সন্ধিয়া বুকত
পেলায় নিশ্বাস এটি হুমুনীয়া কাঢ়ি;
দিনহুপৰৰ কথা থাকে যে মনত
কেনেকই জয়ী হল আন্ধাৰক মাৰি।
সৌ যে দেখিছোঁ আমি ডাৱৰে আগুৰা
নইৰ মুখত কিম্বা শিলনি-আঁৰত;
আছে তাতে শান্তি পঁজা লতা পাতে কৰা
সন্ধ্যাদি অপ্সৰী সবে বাস কৰে য'ত।
মলচে চকুৰ পানী সন্ধিয়া লাহৰী
পৰিমল শান্তি বাৰি পাই মূৰে ঢলা;
পাই আৰু নিচুকনি অমিয়া মাধুৰী
জুৰে পৰিতপ্ত হিয়া জৰঘামে গলা।
আলমণী নাশি জিকা সংসাৰ যুজঁত,
লভে গই শান্তি অন্তে শান্তিৰ বুকত।

---

## উদয়।

নীলিমা গগণে সোধে কিয় সন্ধিয়াই
আঁঠুকাঢ়ি বিদায় মাগিলে ;
হাঁহি মাৰি তৰাবোৰে কলে টিপিয়াই
ৰীতি এই বিধিয়ে লিখিলে।
উষাই সুধিলে কিয় আন্ধাৰ শৰ্ব্বৰী
কেনিবাদি ছিটিকি পলাল ;
উত্তৰিলে ৰংধালী সূৰুয কোৱঁৰে
অগত্যা ৰীতিত বন্দী হল।
পবন কটকী আহি জগতবাসীক
জনালেহি বাতৰি গুপুত ;
বালিচাহি গজহস্তী পৰুৱা-পিপৰা
বিধি-বন্ধা ৰীতিৰ তলত।
সুখ-দুখ অস্তোদয় বিধিৰ লিখন
মোহাৰিলে কদাপি নুগুচে ;
মাৰ গলে বঙ্গা ৰদ মেঘৰ আঁৰত
ভুমুকি মাৰেহি গোমা ৰ'দে।

পালি এই মহা-ৰীতি হোৱাঁহে উদয়
জ্ঞান-ৰবি অজান দেশত;
অজঅজ্ঞ তিমিৰ ৰাশি অজ্ঞান ৰাজ্যৰ
মাৰ যক ব'দৰ গৰ্ভত।

---

## শক্তি-বাসনা।

কলীয়া চুলিৰ দীঘল খোঁপাটি
বান্ধি আহাঁ দেবী তুমি;
উষাৰ দুৱাৰে পোহৰ পেলাই
চোৱাঁহি এবাৰ জুমি।
হেঙ্গুল নেত্ৰৰ সেন্দুৰী কিৰণ
পেলোৱা দগধ প্ৰাণে।
ধৰি আকোঁৱালি বুকত ভৰাই
পূজিম যি আছে দানে।
ৰাতুল চৰণ পেলোৱাঁহি আহি
এবাৰ উষাৰ পিনে;

চাওঁ সবে মিলি আকুল চকুৰে
শীতল পৰোক মনে।
পৰ্ব্বতে পাহাৰে কোৱাকুই কৰে
প্ৰান্তৰ ভূমিয়ে শুনে ;
তোমাৰে আছিল ই শ্যামল বন
আছিলাঁ বিহৰি ৰঙ্গে।
শুনো কাণ পাতি মাথোঁ কেউফালে
গাইছে তোমাৰে গীতি ;
( কিন্তু ) ঘূৰি পকি চাই কেনিও নেদেখোঁ
তোমাৰ মধুৰ মূৰ্ত্তি।
শুনা সৌ হিমায়ে মাতিছে পুতৌৰে
মাতে নীল সন্ধ্যাচল ;
গঙ্গা ব্ৰহ্মপুত্ৰ ৰেবা গোদাবৰী
কান্দে হই বিয়াকুল।
নহলে ডাৱৰ যেনে ৰামধনু
সৌন্দৰ্য্য অতীত হয় ;
তৱ বিৰহত এই পূব বন
হইছে বিবৰ্ণময়।

পশ্চিম শিখৰ পাৰ হই আহাঁ
আকউ পূবৰ বনে ;
পূবৰ পবনে তযু স্থ অঙ্গৰ
গুচাব ধূসৰ মানে।
কোমল কৰৰ আঙ্গুলি বুলাই
জুৰোৱাঁ পূবৰ ভূমি ;
কৰাঁহি চুম্বন নিমজ গালত
কৰিছোঁ বাসনা আমি।

---

## জাগৰণ।

গৌৰৱৰ মণি ভাৰতবৰ্ষ
বিজয় ধ্বনিয়ে নিনাদি চৌদিশ
বীৰৰ তেজেৰে তেজীয়ান হই
ভাঙ্গিছিল শত্রুৰ গৰ্ব্ব
আমাৰ ভাৰতবৰ্ষ।

জ্ঞানৰ সমুদ্ৰ মথিলে ভাৰত
বিলালে অমৃত সকলো দেশত
জগত জোৰালে নিজেও ভক্ষিলে
ভাঙ্গি জ্ঞানৰ গৰ্ভ
আমাৰ ভাৰতবৰ্ষ।

লক্ষ্মী আইতাৰ ভাৰত কন্যা
অন্নে-বস্ত্ৰে নদনা-বদনা
দিবও পাৰিছিল পৰক এমুঠি
নুবুজি একোকে কষ্ট
আমাৰ ভাৰতবৰ্ষ।

দানতৎপৰা ধৰ্ম্মে অবিচলা
কাৰ্য্য পৰায়ণা অটলা অচলা
মুকলি মুৰীয়া ধৈৰ্য্য ধাৰিণী
হিয়ে পূজিছিল ঈশ
আমাৰ ভাৰতবৰ্ষ

লভিলে ভাৰতে সুযোগ্য সন্তান
ভকত প্ৰহ্লাদ শ্ৰীকৃষ্ণ ৰাম
অতি দানী বলী ধ্ৰুব মহাত্মন

গুৰু প্ৰিয় একলব্য
আমাৰ ভাৰতবৰ্ষ।
নাৰদ বাল্মিকী শুক ব্যাসদেৱ
বশিষ্ঠ গৌতম কপিল মাৰ্কণ্ডেয়
দিগন্ত বিয়পি ওপোচাই হিয়া
বিলালে অশেষ ৰত্ন
আমাৰ ভাৰতবৰ্ষ।
উঠাঁহে ভাৰত জোকাৰি উৰুলি
জাতীয় পতাকা লোৱাঁ হাতে তুলি
কৌটীকলীয়া কথালৈ সুৰঁৰি
গোৱাঁ জাগৰণ মন্ত্ৰ
(হক) আগৰ ভাৰতবৰ্ষ।

---

# মহাপুৰুষ শঙ্কৰদেৱ।

অসমৰ বক্ষস্থল বৰডোৱা গ্ৰাম,
প্ৰকৃতিৰ লীলা ভূমি অতি নিৰুপাম।

পঞ্চদশ শতিকাৰ মাজ ভাগতেই,
জনম শঙ্কৰদেৱে লভিলে তাতেই।
অসমৰ শিৰোমণি বাৰভূঞা নামে,
লগালে চমক যাৰ বিজয় নিচানে,
প্ৰবল প্ৰতাপে যাৰ শোণিত বোৱাই
ৰাখিলে খিতাপ বিশ্বে যুগমীয়া কই,
সেই ভূঞা বংশধৰ দেৱ কুসুম্বৰ,
তেওঁৰেই পুত্ৰ নাম শ্ৰীমন্ত শঙ্কৰ।
যিজনে কবিত্ব ভাব আকোঁৱালি ধৰি
ভাষাক সাৰথি লই যথা যত্ন কৰি,
বিৰচিলে বহু গ্ৰন্থ দশম কীৰ্ত্তন,
গুণমালা একাদশ অনাদিপাতন।
ভাগৱত সাৰ টুকি কৰিলে প্ৰচাৰ
সাগৰ মন্থনে যেনে অমৃত উদ্ধাৰ।
লেৰেলি মৰহি যোৱা ভাষা অসমীয়া
ঠন্ ধৰাই কৰি গল পুনু দুপতীয়া।
অজ্ঞান আন্ধাৰ নাশি জ্ঞানৰ পোহৰ
আনিলে ইদেশলৈ সেই কবিবৰ।

এতেকেহে ধন্য হেৰা ! ধন্য নৰশ্ৰেষ্ঠ,
ধন্য জনম ভূমি অসম বিশিষ্ট।
ধন্য কবি চূড়ামণি কুসুম্ব কুমাৰ,
মোৰ মতি হয় যেন চৰণে তোমাৰ।

---

## সাধনী।

আছিল চুতীয়া লৰা নাম বীৰপাল,
সপোনত পালে ধন সোণ তৰোৱাল।
তেওঁৰে ৰূপহ পুত্ৰ গৌৰনাৰায়ণ,
ৰত্নপুৰ ৰাজধানী কৰিলে স্থাপন।
ৰত্নধ্বজপাল নামে বহি ৰাজপাটে,
স্বচ্ছন্দে শাসিলে ৰাজ্য তেৰ শতিকাতে।
ৰত্নধ্বজপাল পাচে বিজয়ধ্বজপাল
কৰিছিল ৰাজভোগ সুখে বহুকাল।
কমতাপুৰৰ ৰজা নীলধ্বজ নাম,
আছিল তেওঁৰে কন্যা গুণে অনুপাম।

বিবাহ কৰাই কন্যা বিজয়ধ্বজ পালে,
খেনবংশী ৰজাসতে মিতিৰ পাতিলে।
ধৰ্ম্মধ্বজপাল হল চুতীয়া ভূপতি,
আছিল ধৰমী জ্ঞানী সুচতুৰ অতি।
তেওঁৰে দিনতে চাৰিফালে সুখ শান্তি,
সুজলা-সুফলা দেশ লভিলে খিয়াতি।
কিন্তু তেওঁৰ মনে দুখ আছিল একেটি,
নহল আবৃদ্ধ কাল সন্তান সন্ততি।
পূজা সেৱা যাগ যজ্ঞ অহৰ্নিশে কৰি,
সাধনাৰ বলে পালে সাধনী কুমাৰী।
ৰূপে গুণে ধন্যা সেই সাধনী গাভৰু,
ৰাজ-নীতি গৃহ-নীতি শিকিছিল আৰু।
বয়সৰ লগে লগে বাঢ়িল জেউতি,
যৌৱনত ভৰি দিলে সাধনী যুৱতী।
পাতি এক সয়ম্বৰ তেওঁৰ পিতাকে,
শুনালে ভীষণ পণ সব কোৱঁৰকে।
লৰি ফুৰা কেৰ্কেটুৱা যেয়েই বিন্ধিব,
তেওঁকেই সাধনীয়ে স্বামী বৰি লব।

ৰজা ৰাজ-পুত্ৰ বীৰ অনেক বিষয়া,
উপস্থিত সয়ম্বৰে সাধনী লুভীয়া।
সাধনী ৰমণী কিন্তু কেৰে নলভিল,
টিমক চুতীয়া লৰা পণত জিকিল।
পিন্ধালেহি ৰৰ-মালা পিন্ধালে মুকুট,
নীতিপাল নাম লই বহিল পাটত।
নীতিপাল শেষ ৰজা চুতীয়া বংশৰ,
ঘটালে বিপাক তেওঁ গোটেই দেশৰ।
স্বৰ্গনাৰায়ণ ৰজা আহোম ৰাজ্যৰ,
পৰিল তেওঁৰ কাণে জীৱাতু প্ৰজাৰ।
শুনি অনীতিৰ কথা নসহি নীৰলে,
কনচেং বৰপাত্ৰক ৰণলৈ পঠালে।
দুদল মাজত তয়া-ময়া ৰণ হয়,
নহৈছিল কাৰো ক'তো জয় পৰাজয়।
কিন্তু নীতিপাল ৰজা শেষত ঘাটিল,
আহোমৰ লগে ৰাজ্য কৰিলে চামিল।
পৰৰ হাতত ভজা গৰিহণা মানি,
দেহ ত্যাগ কৰে ৰাণী আপোনা আপুনি।

আজিয়ো জিলিকে সতী অমৰা পুৰীত,
সাধ্বী সীতা জয়মতী সাবিত্ৰী শাৰীত।

---

## মিলন-পূজা।

সুকযৰ বন্তিগছি জ্বলিছে পূৰত,
হুটুপীয়া মণিকূট মাজে ;
গোন্ধতে আমোল্‌মোল্‌ অগৰু চন্দন,
ৰমক্ জমক্ নানা সাজে।

ধুনীয়া গছেৰে সৌ উচ্চ গিৰিবোৰে,
মণিকূট বেৰাই ৰাখিছে ;
গীত গোৱা তটিনীয়ে শুৱলা সুৰেৰে,
ধীৰে ধীৰে মজিয়া ধুইছে।

পাতি সেই মণিকূটে পূজা অনুষ্ঠান,
পূজে সবে ধূপ দীপ দানে ;
নতুন পূজাৰি আমি নৱ সমাবেশ,
পূজো বুলি ঐকান্তিক মনে।

অজলা যদিও আমি বিধান নজনা,
পিচ পৰা আটায়ে এঙ্গোৱা ;
যদিও বা নাই আজি অতীজ আখ্যান,
নাই মন্ত্ৰ ভূবন ভুলোৱা।

বল বীৰ্য্য হীন হই অকহি পুৰুষ,
পেলাইছোঁ নৰকত আমি ;
শঁপিছে মনতে ছাগে ন'থই আমাক,
ভিত্তিহীন কাপুৰুষ বুলি।

( তথাপিয়ো ) ভগীৰথে যেনেকৈ জাহ্ণবীক আনি,
উদ্ধাৰিলে সগৰ কুলক ;
ভাবিছোঁ তেনেকৈ আমি আনি জ্ঞান-গঙ্গা,
ৰক্ষা কৰো লুপ্ত গৰিমাক।

দাৰিদ্ৰ্যৰ লাও-লোটা যজ্ঞৰ সম্ভাৰ,
দিওঁ তাকে আস্ত-ব্যস্ত কই ;
সৰু বৰ ভেদাভেদ বিশ্ব মণিকুটে,
নাই বুলি মনে গুণি লই।

# হেঁচোকনি।

১। গৌৰৱৰ ৰবি,
চুতীয়া জাতিৰ ;
পাহৰণি গৰ্ভে,
সোমাল কুটীৰ।
মহা অন্ধকাৰে,
ছাটিলেহি আহি ;
সন্ধিয়াৰো জিলি,
মিলি গল ভাহি।
এতিয়া চুতীয়া,
নিদ্ৰাত মগন ;
শোৱে কুম্ভকৰ্ণ.
নাই যে চেতন।
কাণৰ কাষতে,
ছন্দুভি বাজিছে ;
কাণে ঠিলা মাৰি,
তেও শুই আছে।

নাচিছে বাগিছে
চকুৰ আগতে
উকুলি মুকুলি
খেলে ওচৰতে ।

তথাপিও নাই,
সাৰ সিৰিকটি ;
মৰ ভাও জুৰি,
আছে চকু মুদি ।

এনে আলাবাহু,
ধোদৰ পচলা ;
সোৰা-সেৰেলুৱা,
নিধক নিচলা ।

উঠিব নোখোজে
গা-টোকে দাঙ্গি ;
উঠ্ বুলি কলে
দেখুৱাই ভঙ্গি ।

কাণে পানী ঢালি
দিলে হেঁচোকনি ;
উলিয়াই আকৌ
লুটি পাক মাৰি ।

কথাও নুবুজে
এনে অগৰুৱা
(কিন্তু) ঢেকুৰাৰ ঠাৰি
দেখিছোঁ সিজোৱা ।

শিলেৰে বন্ধোৱা,
মনটোনে বাৰু ;
এনেনো দগানে,
নুঠিবানে আৰু ।

২ । চোৱাঁ হেৰা চোৱাঁ
চকু মেলি চোৱাঁ ;
পূৰত জিলিকে
সৌন্দৰ্য্যৰ পুৱা ।

জ্যোতিৰ সমীপে,
থকা বস্তু মানে
চিকি মিকি কৰি,
জ্বলিছে আপোনে ।

ৰঙ্গ ভূমি ফালে
উঠি হেৰা চোঁৱা ;
পূৰ্ব্ব মন্ত্ৰ ফুঁকি
শকতি চপোৱাঁ ।

টোপনি কেকুৰা,
চুতীয়া নহয় ;
যুজাৰু ই জাতি,
জানিবা নিশ্চয় ।

চোৱাঁ চকু মেলি,
অন্য জাতিগণে ;
লাগে মনপুতি ;
উন্নতি সাধনে ।

নহয় জাপান,
সৰহ দিনৰ ;
মনে ভাবি চোৱাঁ,
মানুহো তাকৰ ।

কিন্তু হেৰা চোৱাঁ,
জাপানে থিতাতে ;
অটুট ৰাখিছে,
নিজ কথামতে ।

নাছিলাঁ তুমিও,
এলাই করুণা ;
খাবকে নোৱাৰা,
হাবিৰ হৰিণা ।

নাছিলাঁ তুমিও,
বলবীৰ্য্য হীন ;
নাছিলাঁ তুমিও,
অভজা নিঃকিন ।

নাছিলা তুমিও,
পৰি মৰা তেনে ;
উঠা গিৰিসাই
একচিত্ত মনে ।

৩। এতেকেহে হেৰা
চুতীয়া যি জাতি
উঠা ঘপৰাই
এৰি ঢাৰি-পাটী ।

এলাহ-নিহালী,
আঁতৰাই থোৱাঁ ;
অতীত পোযাক,
গাত বান্ধি লোৱাঁ ।

কঁকালত লোৱাঁ
মেৰাই টঙ্গালী ;
এৰাঁ কপটতা
এৰাঁ চতুৰালি ।

এতেকে অবুজ বুজৰ গবাকী
অবুজেহে জন্ম সঙ্গী ;
অবুজৰ মধু স্মৃতিৰ পৰশে
প্ৰস্ফুটিত হিয়া-খনি ।

---

# প্ৰীতি ভাব ।

কলাপীৰ প্ৰীতি-বান্ধ নলৰে নচৰে,
যদিও ডাৱৰ থাকে দূৰ দূৰান্তৰে ।
সূৰুযৰো প্ৰীতি-বান্ধ নিকট্‌কটীয়া,
যদিও পদুম হয় দূৰণিবটীয়া ।
চন্দ্ৰৰ প্ৰণয় বান্ধ থাকে একেদৰে,
থাকেবা যদিও ভেঁট যোজন অন্তৰে ।

---

## আনন্দাশ্রু ।

ভাল পোৱা বন্ধু সতে যদি মিল হয়,
অন্তৰত আনন্দাশ্রু বিৰিঙ্গি ওলায় ।
ডেকা আৰু গাভৰুৰ হলে আলাপন,
আনন্দ অশ্রুৰে কৰে সজল নয়ন ।

---

## প্ৰকৃত মানী ।

নোখোজে জলক যেনে মহা সমুদ্রই
প্ৰকৃত মানীয়ে মান আপুনিয়ে পায় ।

---

## বিপদ ।

বিপদৰ অন্তে পায় সুখৰ কণাটি
বিনা মেঘাঘাতে জানো দেখোঁ বিজুলীটি ?

---

# নীতি বচন।

১। হয় যদি জ্ঞানী জন শত্রু আপোনাৰ,
জানিবাঁ তেওঁৰ পৰা নাই অপকাৰ।
যদি হয় মূৰ্খ সহ মিত্রতা স্থাপন,
নিশ্চয় কৰিব মূৰ্খে বিপদ ঘটন।

২। দুষ্ট জনে নানা মতে মিষ্ট বাক্য কয়,
বিশ্বাসৰ উপযুক্ত কদাপি নহয়।
জিহ্বাৰ আগতে মাথোঁ মউসনা মাত,
থাকে কিন্তু হলাহল তাৰ অন্তৰত।

৩। সুচৰিত্র সজ বৃত্তি কিম্বা ক্ষমা গুণে,
কদাপিও নশোভন্তে অৰ্থহীন জনে।

৪। যেনে নাশে শীত শোভা বসন্তৰ বাতে
কুটুম পোষণ চিন্তাই সিদৰে সততে
বিত্ত বিহীন যদি হয় কাৰাবাৰ
চতুৰ হলেও বুদ্ধি ছলে অনিৰ্ব্বাৰ।

৫। ৰুগীয়া শৰীৰ শোকানলে প্ৰাণ দহে
মদনৰ উত্তাপত বলিয়া যি জন।

যাৰ অন্তৰত নিতে চিন্তাধাৰ বহে
অনৰ্থক হয় তাৰ দেখিলে সপোন।

৬। কেও কিছু নাই যিটে গৃহকো এৰিলে,
অয়-অলঙ্কাৰ ছাই-ভস্মক লিপিলে ;
তেওঁকো ধনৰ লোভে মৰ্ত্ত্য বিবৰত,
পেলায় অতৰ্কিতে দেখা কিনো অদভূত।

৭। শত্ৰুক শত্ৰুৰ দ্বাৰা বিঘ্নে বিজ্ঞ লোকে,
যিদৰে কণ্টক তোলে অন্য একণ্টকে।

৮। গোদান ক্ষেত্ৰাভয় আৰু অন্নদান,
ইসৱৰ মাজে জানা অভয় প্ৰধান।

৯। নহয় মনৰ দ্বাৰা সিদ্ধি উত্তমত,
নপৰেহি মৃগ সুপ্ত সিংহৰ মুখত।

১০। সমুচিত ধন আছে নাখায় নিদিয়ে,
আছে বল কিন্তু ৰিপু নকৰে দমন ;
কৰ্ণ যদি থাকোতেও ধৰ্ম্ম নুশুনিবা,
তেন্তে আছে ইসবৰ কিবা প্ৰয়োজন ?

১১। অচিন্তিত দুখ যেনে হঠাৎ পৰেহি,
তেনেকই সুখো আনি দৈৰেই দিয়েহি।

# নীতি বচন।

১। হয় যদি জ্ঞানী জন শত্রু আপোনাৰ,
জানিবাঁ তেওঁৰ পৰা নাই অপকাৰ।
যদি হয় মূৰ্খ সহ মিত্ৰতা স্থাপন,
নিশ্চয় কৰিব মূৰ্খে বিপদ ঘটন।

২। দুস্ট জনে নানা মতে মিস্ট বাক্য কয়,
বিশ্বাসৰ উপযুক্ত কদাপি নহয়।
জিহ্বাৰ আগতে মাথোঁ মউসনা মাত,
থাকে কিন্তু হলাহল তাৰ অন্তৰত।

৩। সুচৰিত্ৰ সজ বৃত্তি কিম্বা ক্ষমা গুণে,
কদাপিও নশোভন্তে অৰ্থহীন জনে।

৪। যেনে নাশে শীত শোভা বসন্তৰ বাতে
কুটুম পোষণ চিন্তাই সিদৰে সততে
বিত্ত বিহীন যদি হয় কাবাবাৰ
চতুৰ হলেও বুদ্ধি ছলে অনিৰ্ব্বাৰ।

৫। ৰুগীয়া শৰীৰ শোকানলে প্ৰাণ দহে
মদনৰ উত্তাপত বলিয়া যি জন।

যাৰ অন্তৰত নিতে চিন্তাধাৰ বহে
অনৰ্থক হয় তাৰ দেখিলে সপোন।

৬। কেও কিছু নাই যিটো গৃহকো এৰিলে,
অয়-অলঙ্কাৰ ছাই-ভষ্মক লিপিলে;
তেওঁকো ধনৰ লোভে মৰ্ত্ত্য বিবৰত,
পেলায় অতৰ্কিতে দেখা কিনো অদভূত।

৭। শত্ৰুক শত্ৰুৰ দ্বাৰা বিঘ্নে বিজ্ঞ লোকে,
যিদৰে কণ্টক তোলে অন্য একণ্টকে।

৮। গোদান ক্ষেত্ৰাভয় আৰু অন্নদান,
ইসবৰ মাজে জানা অভয় প্ৰধান।

৯। নহয় মনৰ দ্বাৰা সিদ্ধি উত্তমত,
নপৰেহি মৃগ সুপ্ত সিংহৰ মুখত।

১০। সমুচিত ধন আছে নাথায় নিদিয়ে,
আছে বল কিন্তু ৰিপু নকৰে দমন;
কৰ্ণ যদি থাকোতেও ধৰ্ম্ম নুশুনিবা,
তেন্তে আছে ইসবৰ কিবা প্ৰয়োজন?

১১। অচিন্তিত দুখ যেনে হঠাৎ পৰেহি,
তেনেকই সুখো আনি দৈবেই দিয়েহি।

১২। ভাৰ্য্যা দুষ্টশীলা যদি শঠ মিত্ৰ হয়,
স্বামীৰ মুখতে যদি ভৃত্যে উত্তৰয়,
সৰ্পস্থিত গৃহে বাস কৰে যিটো জন,
নিশ্চয় জানিবা তেওঁৰ ঘটিব মৰণ।

১৩। অনুচিত কৰ্ম্মাৰম্ভ স্বজনে বিবাদ,
বিশ্বাস স্থাপন কৰা প্ৰমদা জনাত ;
ফেৰ পাতি লোৱা কিম্বা বলীৰ সহিত,
জানিবা মৃত্যুৰ চিন এই চাৰি বিধ।

১৪। অপেক্ষিত আছে কাল জানি সাধুজন,
শ্ৰেষ্ঠ বুলি পৰ হকে ত্যজে প্ৰাণ ধন।

১৫। বুদ্ধিত নিৰ্গত জনে উপদেশ দিলে,
দ্বিগুণ উৎসাহে তাৰ কোপ বহ্নি জ্বলে।
যেনে দুগ্ধ পানে হয় ভূজঙ্গগণৰ,
নকমি বিষৰ গুণ বৃদ্ধি গৰলৰ।

১৬। শ্ৰীৰাম বনিতা হৰে দুৰন্ত ৰাৱণে,
বন্ধন ঘটিল কিন্তু মহা সমুদ্ৰৰ ;
সেইদৰে অপকৰ্ম্ম কৰে দুষ্ট জনে,
প্ৰমাদ ঘটায় ফলে মহন্ত জনৰ।

এতেকেহে দুর্জ্জনক কৰিবা বৰ্জ্জন,
পাৰ্য্যমানে সাধু সঙ্গ কৰাহা গ্ৰহণ।

১৭। যাৰ যি স্বভাৱ অতিক্ৰম কৰা
নহয় সম্ভৱপৰ;
হয় যদি ৰজা ৰাজ সিংহাসনে
নাখাব কি চৰ্ম্ম কুকুৰ?

১৮। বিদ্যাত বিনয় লাভ বিনয়ে প্ৰভাৱ,
প্ৰভাৱত বহু ধন নিবাৰে অভাৱ,
ধনেই ধৰ্ম্মৰ মূল সাধুলোকে কয়;
ধৰমেই সুখদাতা জানিবা নিশ্চয়।

১৯। যৌৱন প্ৰভূত্ব ধন অনভিজ্ঞ
চাৰিও অনিষ্ট কৰে;
চাৰিওটি যাৰ একেলগে থাকে
হৰলৈ বাকী নাথাকে।

২০। গো-ব্ৰাহ্মণাৰ্থে যিটে কৰে প্ৰাণ দান,
তেওঁৰেহে জানা মাত্ৰ সাৰ্থক মৰণ।

২১। আশা কৰা ভাল,
নাই আহুকাল।

কিন্তু হলে বৰ,
নোহে সুখকৰ।

২২। আকালৰ ভাত আৰু আপদৰ মাত,
পৰম সন্তোষদায়ক জানিবা সতত।

২৩। নহয় জঞ্জাল যদি নিজে ভাল হোৱা,
কিয় তেন্তে আন বেয়া বেয়া বুলি কোৱা ?

২৪। আচলে-বিচলে পাৰ হস্তীৰো পিছলে,
নিনিন্দিবা ডাঙৰৰো কিবা দোষ হলে।

২৫। নেপালে আদৰ,
আপোনো পৰৰ।
আদৰতে বশ,
ধন-মান যশ।

২৬। ৰীতি-নীতি হীন হলে কোনোবা সমাজ,
উন্নতি দূৰৰ কথা বাঢ়িবহে জাঁজ।

২৭। সুখ দুখ উভয়কে সম জ্ঞান কৰে,
তেওঁকেই সংসাৰত সুখী বুলি ধৰে।

২৮। অতিথি শুশ্রুষা কৰা কৰ্ত্তব্য গৃহীৰ,
অৱশ্যে মৰণ আছে সকলো দেহীৰ,

পূণ্য ভাগ লোৱাঁ তেন্তে যথাযোগ্য দানে,
নকৰা বঞ্চিত অতিথিক পাৰ্য্যমানে ।

২৯ । নকৰিবা লোভ পৰ দ্ৰব্যলই
বিধি ফুৰে বাটে বাটে ;
কৰাচোঁ নিজেও তুদিনৰ পাচে
মিলিব আহি ঘৰতে ।

৩০ । যিহকে কৰিব খোজাঁ কৰি জনি মাৰাঁ,
নহয় সঙ্গত কথা আদ্‌খিনি কৰা ।

---

## ক্ষন্তেক পাচত ।

তটিনীক যেনেকৈ বুকত ভৰাই,
অধৰ চুম্বন কৰি মহা সমুদ্ৰই,
প্ৰণয় মউৰ ৰস ৰঙ্গে ঢালি দিয়ে,
হৰিষ মনেৰে পান কৰে তটিনীয়ে
যেনেকই নিদাঘৰ নৱ পঙ্কজক,

মুখভৰি চুমি শাঁত কৰেহি মনক
ভোমোৰা কলীয়া যাৰ ৰূপত বিভোৰা,
ঘূৰি ঘূৰি পৰি পৰি কৰেহি বিজৰা।
যেনেকৈ কুষ্মাণ্ডৰ শ্বেত ফুলটিত,
পৰি কানে পখিলাই কৰেগৈ বিদিত,
মনৰ সাঁচন ভাব বহুদিনে থকা,
আনন্দত জলা-কলা প্ৰেমিক প্ৰেমিকা।
তেনেকই মুগ্ধ হই অলীক মায়াত।
নীবলে বজায় বাঁহী দূৰ ভবিষ্যত,
অকৃত্ৰিম স্নেহ ভাব বিবিঙ্গি ওলায়,
ক্ষন্তেক পাচতে কিন্তু পুনু মাৰ যায়।

---

## প্ৰবাসী।

দিনমণি ভাসমান,
দিবসৰ অবসান,
যমদূতে টনাটনি কৰে;

জিলিঙনি মাৰ গল,
ৰান্ধণীৰ অন্ত হল,
সন্ধিয়াই ধীৰে খোজ ধৰে
(যেন) গছকত পকুৱাটি মৰে।

ফুৰ্ ফুৰ্ ৰবে বয়
মৃদুল মলয়া বাই,
গছপাত কৰি খিলি খিলি;
প্ৰবস্থৰাসকলৰ,
লগৰীয়া অন্তৰৰ,
আথে-বেথে মাতে হিয়া খুলি
ত্বুআবাৰ কথা হওঁ বুলি।

চিকিমিকি তৰাবোৰে
শূন্যত থিয়াথি কৰে
তাকে দেখি তৰঙ্গিণী হাঁহে
লবলই ভাগ তাৰে,
জলৰাণী বেঢ়ি ধৰে,
উলাহত হালি জালি আহে
হাঁহি হাঁহি ভাগৰত ভাহে।

হুলুকিয়াই মাজে মাজে,
এটি দুটি শিহু মাছে,
মুখ মেলি কাপ্ কাপ্ কৰি

কোৱাৰিত পৰি কান্তি
হয় যেন মুক্তা পান্তি
নিন্দে যেন ব্যঙ্গ ভাব ধৰি
চাই ফেঁচা চকু টেৰ কৰি।

কোনো নাই মাতলই
অকলশৰীয়া অ'ই
নিয়তিৰ "চোৰ" বাণী পৰে,

শুনি ভয়লগা মাত
তৰণী নহয় গাত
কুঁচি-মূচি, কঁপে থৰথৰে
মলয়াক আকোঁৱালী ধৰে।

শিয়াল-ফেকুৱাবোৰে
কিবাকিবি চাই ঘূৰে
ফেউ ফেউ কৰে ওচৰতে,

সুহুৰি-টকালি মাৰি,
কোনোবাই নিয়ে খেদি,
টাল মাৰে পলাই থিতাতে,
উচ্-পিচ্ লাগে অকস্মাতে।

ওপৰৰ ফালে চাই
কাউৰী-কলীয়া হাঁয়
আকাশত বগাই ফুৰিছে :

হুৰহুৰ বৰষুণ
হলে হব ধুনাধুন
ভাবি চিন্তি অস্থিৰ হইছে
নাজানে কি হব লগা আছে।

চেলেপ্ চেলেপ্ কই
ডাৱৰৰ আঁৰ লই
বঙ্গা জিবা মেলি ৰাক্ষসীয়ে ;

সাতনাও সাতনাও
পানী পিয়ে কাওঁ-কাওঁ
দেখি ইন্দ্রে বজ্র মাৰি দিয়ে,
থৰ লাগে ভয়ে প্রবাসীয়ে।

কাহানি পুৱাব ৰাতি
ভাবি নাই স্থিতিশাতি
মন যায় ঘৰলই ঘনে ;
টুপুৰ টাপাৰ কৰি
কেতিয়া নিয়ৰ সৰি
প্ৰভাতীক মাতি বুলি আনে,
কাণ থিয় কৰি কৰি শুনে।

চাই ভোটা তৰাটিলে
থিপ্ থিপ্ কৰি জ্বলে
মনে হয় প্ৰভাতী জাগিব ;
আৰু বেচি পৰ নাই
ডাকিবও কুকুৰাই
ফেঁচুৰেও ফেঁহু-জালি দিব
লাহে লাহে পোহৰ উদিব।

চুচুক-চামাক কই
ইকালে সিকালে গই
জুমি জুমি চায় সুকঙ্গাই ;

বঙ্গা মেঘ এচকলা
গাৰ ফালে খোজ ধৰা
দেখি উঠে গা-চালি লই
মেলানি মাগলে ঘৰলই।

লে) মিছা তথামূৰ্ত্তি থাই
ফুৰাৰ সকাম নাই
ঘৰ এৰি দূৰ দেশে দেশে ;
হৃদয়ে মন্দিৰ পাতি
জ্ঞানৰ লগাই বন্তি
পূজা হেৰা পাবাই অক্লেশে
হিয়ে আছে অচিনাকি বেশে।



# অপৰিচিতা।

কৃষ্ণৰ দশমী চন্দ্ৰ স্তিমিত জেউতি
আলোকিছে নৈশ বিমা
কাহিঁলী জোনাক ভেদি নিৰ্জ্জনৰ পৰা
উৰুঙ্গাৰ বয় এটি সোঁত।
সাৰ্ সিৰিকটি নাই নিস্তব্ধ গোটেই
নিদ্ৰা দেৱী মাথোঁ সচে
নিজম তবাৰ হাঁহি নিমাত নিটাল
মাৰ গ'ল প্ৰেমৰ ৰহন।
শুনি পৰে পৰে দিয়া মাঙ্গল্য কুৰুলি
(কিন্তু) আতঙ্কিত 'হুহু' 'হুহু' মা
কৰিছে গহীণ জন-পূৰ্ণ শূন্য ধৰা
ৰুদ্ৰমূৰ্ত্তি যেন দিঠকতে।
পূৰ্ণ এটি ধাৰা বয় নন্দনৰ পৰা
শীত বোলে কঁপায় পল্লবী,
বিশ্ব থনিকৰে সজা সাদৰী সজাটি
অৱগাহে কেনিবা কেনিবি।

সৰি আহি চন্দ্ৰমাৰ ছুটি এটি ৰেণু
পৰিছেহি বকুল তলত,
ছুটিমান জোনাকীয়ে থূপ পাতি তাত
ব্যস্ত আছে বিয়নি মেলত।
বকুল তলতে মগ্ন প্ৰেমিক বিহাৰী
গাহৰিছে প্ৰণয় ৰাগিনী,
ভালেতো নুজুৰে আজি অপৰৰ মন
নোৱাৰে বলাব প্ৰেম মানি।
নহয় অপৰিচিতা তথাপিও কিন্তু
লাজে তলমূৰ মাতিলেই,
হৃদয় নিহিত ৰত্ন স চা এনেকুৱা ?
নুবুজে কাৰণ একোকেই।
নকৰিবা ছন্দুৱালী দিয়া দৰশন
সিদ্ধি হক অভীষ্ট মনৰ
তৱ পৰশনে কৰা মৃত সঞ্জীবিত
উঠক হুঙ্কাৰি প্ৰেম-সুৰ।

অন্ত।